২৬৫

# স্বনিমন্ত্রিত

হয়তো নহয় বন্ধু, সঁচাকৈয়ে আছে, মই জানো
শান্তিৰ অকণি এটি দ্বীপ— য'ত আছে বাট চাই
দেহত বসন্ত সাঁচি তোমাৰ প্রেয়সী, যি অমৃত
তোমাৰ নিশ্বাসে বিহ কৰি তোলা নাই— তাৰ
আস্বাদ দিবৰ বাবে।

মই জানো, আছে বন্ধু,
মন আৰু মগজুৰে ঘোলা কৰা লুইতৰ
কোনোবা অংশতে আত্মাৰ মাজুলি আছে
তোমাৰ প্রেমৰ— য'ত তোমাৰ প্রিয়াৰ কলাফুল
মিলি থাকে সৰিয়হ ফুল আৰু কুহুমীয়া
ৰ'দালি উমত। জ্বলা-জ্বলা গোন্ধ সনা
চকুৰ পানীয়ে য'ত বাট দেখুৱায় সভ্যতাৰ
চাৰ্কাচত ব্যৰ্থকাম বহুৰূবোৰকো......

তুমি যদি সহ্য কৰা,
মোৰ নৰকৰ পৰা এদিনৰ ছুটি লৈ
তোমাৰ আলহী হৈ ময়ো তাত খন্তেক থাকিম
.... অন্ততঃ দুপৰ এটা.... কপৌৱে নিস্তব্ধ
কৰা বহাগৰ এটা দুপৰীয়া । পাৰিলে
কান্দিম। আৰু ঘূৰি আহি....
ঘূৰি আহি......??

হায় ঘূৰি যে আহিম!

নৱকান্ত বৰুৱা

২৬৬

# কুঠৰী

সৰু গাঁও-চহৰৰ অনেক আঁতৰ,
এফালে পর্বতমালা
আনফালে গভীৰ অৰণ্য।
পর্বতত অৰ্দ্ধনগ্ন আদিম এদল
আনফালে ৰক্ষিত জন্তুৰ দল
তাৰেই মাজত মই বাস কৰোঁ
আদিমৰ নব সংস্কৰণ;
অন্তৰত আদিমৰ উদ্দাম প্ৰবাহ,
মেজত টোপনি যোৱা
বিশ্বকবি ৰবীন্দ্ৰৰ
মহা গ্ৰন্থমালা।

আদিমৰ উপহাৰ এবটল সুৰা
আৰু হৰিণৰ এডোখৰ,
তাকে খাই সুৰাসক্ত মনে ভাৱে গ্ৰন্থমালা-
কবিতাই আঁকি যোৱা ছবি. কথা,-
হঠাৎ ভুমুকি মাৰে বুকুত মেঠনি মৰা
অৰ্দ্ধনগ্ন গাভৰুৰ ছবি....
সেইয়েই কুঠৰী

চন্দ্ৰ ফুকন

২৬৭

# উপহাৰ

থুৰি কলাপাত গৰকি বাট হেৰুওৱা
বতাহৰ সুহুৰি

মই মৰো নে জীও বতাহৰ
শুকুলা গোন্ধত
পাওঁ নে হেৰুৱাওঁ সহজ সুখৰ ছাঁ

তুমিতো নাজানা প্ৰত্যেক ফুলৰ
উৰণীয়া গোন্ধত, প্ৰত্যেক পখীৰ
সৰল সুহুৰিত
দিক্‌চৌ বাটৰ ইঙ্গিত।

মোৰ ভিতৰৰ মানুহটো
কাতৰ হৈয়ো অকাতৰ
কৰপুটে সি কেৱল তুলি লয়
তোমাৰ সকলো উপহাৰ
—প্ৰেমৰ অথবা ঘৃণাৰ।

লক্ষহীৰা দাস

# বৰ্ণানুক্ৰমে কবিসকলৰ নাম আৰু কবিতা থকা পৃষ্ঠা-সংখ্যা